# গান্ধী গীতা




ৰচোঁতা

অৱতাৰ কৰি— শ্ৰীকালিদাস খাটনিয়াৰ

কালঙ্গিৰাপাৰা ( বজালী )

কামৰূপ

৪৯৯ শঙ্কৰাব্দ

# প্ৰকাশকৰ নিবেদন

জাতিৰ জনক মহাত্মা গান্ধী—অহিংসা, সত্যাগ্ৰহ আৰু অস্পৃশ্যতা বৰ্জ্জন প্ৰবৰ্ত্তক। তেওঁ অহিংসা নীতিৰে সত্যাগ্ৰহ, অনশন আৰু অসহযোগৰ দ্বাৰা ভাৰতৰ স্বৰাজ বা স্বাধীনতা প্ৰতিষ্ঠা কৰিছে। দেশপ্ৰেমিক জাতিৰ প্ৰাণ মহাত্মা গান্ধীৰে সেই মহিমা গীতিৰ আলম লৈ "গান্ধী গীতা" ৰচিত হৈছে। কিন্তু লিখকৰ সামান্য জ্ঞান আৰু ক্ষুদ্ৰ শক্তিৰ দাপোণত মহাত্মা গান্ধীৰ উপদেশ বা মহিমা গীতি কিমানখিনি প্ৰতিফলিত হৈছে তাৰ বিচাৰৰ ভাৰ সুধীবৃন্দৰ ওচৰতহে। কেৱল পাঠক-পাঠিকা সকলে পাঠ কৰি যৎ সামান্য প্ৰীতি লাভ কৰা হলেই, প্ৰকাশকৰ যত্ন আৰু চেষ্টাৰ সাৰ্থকতা হব।

ভাৰত নলাগে বিশ্বৰ লোক মাত্ৰেই মহাত্মা গান্ধীৰ প্ৰতি শ্ৰদ্ধাশীল। আশাকৰো, পুথিখন যিমানেই অযোগ্য বা অসম্পূৰ্ণ হলেও ইয়াৰ আলাপ-আলোচনাই মহাত্মাৰ পুণ্য চৰিত্ৰ মনত পেলাই প্ৰত্যেকৰে হৃদয় পবিত্ৰ চিন্তাৰে পৰিপূৰ্ণ কৰিব আৰু স্বীয় কৰ্ম্মৰ দ্বাৰা প্ৰত্যেককে জাতিৰ স্বতন্ত্ৰতা ৰক্ষা কৰিবলৈ আগুৱাই দিব।

গান্ধী গীতা লেখক মোৰ জনক। পিতৃদেৱ নিতান্ত গাৰ্হস্থ্য জীৱনীয়া আৰু অল্পশিক্ষিত বুলিয়েই স্বভাৱ কবি নামে পৰিচিত। পিতৃদেৱৰ "ফুলকলি" গৌৰী গীতা, পদ্ম হৰণ" আৰু "নাম ৰত্নমালা" নামে চাৰি খন মান কবিতা আৰু পদ্যপুথি আগতে প্ৰকাশিত হৈছে। দ্বিতীয় মহা সমৰৰ হেঁচাত আৰ্থিক আৰু

ছপাযন্ত্ৰৰ অভাৱত এতিয়াও বহুখন যান পুথি হাতে লিখা অৱস্থাতে আছে। বৰ্ত্তমান বাইজৰ সাহিত্য প্ৰকাশকৰ প্ৰতি আশাতীত উৎসাহ দেখি, অভাৱ-অনাটনৰ মাজেদিয়ে পিতৃদেৱৰ পুথিবিলাক ক্ৰমে প্ৰকাশ কৰি, দেশসেৱা কৰিবলৈ কামনা কৰিলোঁ। দেশ প্ৰাণ আৰু সাহিত্য-প্ৰেমী পঢ়ুৱৈসকলে আমাক যৎমৰ চকুৰে চালে আমাৰ কামনা পূৰ্ণ হব, লগতে—দেশৰ সাহিত্য সম্পদো বাঢ়িব বুলি আমাৰ বিশ্বাস।

শেষত "গান্ধী গীতা" ছপা কৰোতে মোৰ জ্যেষ্ঠ সোদৰোপম শ্ৰীযুত বিপিন চন্দ্ৰ দাসে প্ৰেছৰ যাৱতীয় কাম মূৰ পাতি লোৱাত, মোৰ আন্তৰিক কৃতজ্ঞতা জনাই আমাৰ নিবেদন শেষ কৰিলো। ইতি

মৰিয়নি; শিৱসাগৰ
১০ জেঠ, ১৮৭০ শক

বাইজৰ সেৱা ভিক্ষাৰী
—কুলধৰ—

# অৰ্পণ

—জাতিৰ পিতা গান্ধীজীৰ—

অহিংস নীতিৰ পতাকাৰ তলত সমবেত হই

অসীম দুখ-দুৰ্দ্দশা বৰণ কৰি. যি সকলে

ভাৰতৰ স্বাধীনতা আৰু স্বৰাজ

আনিলে—সেই মুক্তিৰথী

সকলৰ কৰ কমলত.

-“গান্ধী গীতা”-

অৰ্পণ কৰিলো।

ইতি

পাইকৰ লেখক

“কালিদাস”




নমো ভগৱতে বাসুদেৱায়

# গান্ধী গীতা

পদ

জয় জয় পূৰ্ণব্ৰহ্ম যাদৱ মাধৱ ।
প্ৰকৃতিৰ পতি হৰি জীৱৰ বান্ধৱ ॥
স্বয়ং ভগৱন্ত তুমি জগত নায়ক ।
চৰণে শৰণ লৈলোঁ উদ্ধাৰা আমাক ॥১
ব্ৰহ্মা ৰুদ্ৰ ইন্দ্ৰ চন্দ্ৰ আদিত্য প্ৰভৃতি ।
দেৱগণে গায় সদা তোমাৰ আৰতি ॥
তযু গুণ সৰ্ব্বশাস্ত্ৰে কৰন্ত কীৰ্ত্তন ।
যোগী মুনি তোমাৰ চৰণ কৰে ধ্যান ॥২
অল্পমতি মনুষ্যে তোমাক নজানয় ।
তোমাৰ কটাক্ষে মিলে বিশ্বৰ প্ৰলয় ॥
আমি কিবা স্তুতি-নতি কৰো তযু পাৱে ।
ভজিলোঁ তোমাৰ পদ ইষ্টদেৱ ভাবে ॥৩
নমো নমো কৃষ্ণদেৱ দেৱৰ উত্তম ।
যাৰ যশ মহিমাৰ নাহিক উপাম ॥
তুমি হৃদয়ৰ গুৰু মোৰ ইষ্টদেৱ ।
যুগল চৰণে কৰো কোটি কোটি সেৱ ॥ ৪

তুমি নিজ ইষ্ট গুৰু আৰু মহা জ্ঞান ।
আত্মাৰূপে হৃদয়ত আছা সৰ্ব্বক্ষণ ॥
পূৰিয়ো মনৰ কাম নিজ অনুগ্ৰহে ।
মোক নলজ্বক সংসাৰৰ মদ-মোহে ॥৫
যুগে যুগে লোকক তাৰিব তুমি হৰি ।
নানা অৱতাৰ কৰা বৈকুণ্ঠক এৰি ॥
মৎস্য কূৰ্ম্ম নৰসিংহ বৰাহ বামন ।
পৰশুৰাম শ্ৰীৰাম নন্দৰ নন্দন ॥ ৬
ভূমুনীৰ পুত্ৰ ব্যাস বুদ্ধদেৱ আদি ।
চাৰিও যুগতে যত লোক হিতবাদী ॥
তোমাৰেসে অৱতাৰ সজ্জনে কহয় ।
এতেকে বুজিলো প্ৰভু তুমি দয়াময় ॥ ৭
কলিৰ কাৰণে দেখি ধৰ্ম্মৰ প্ৰলয় ।
অধৰ্ম্ম আকোলি লোক ভৈল আয়ুক্ষয় ॥
আৰু আৰ্ত্তনাদ শুনি ভাৰত প্ৰজাৰ ।
ইযুগত ভৈলা গান্ধী নামে অৱতাৰ ॥৮
অহিংস বিপ্লৱে কৰি লোক হিত কাজ ।
পৰাধীন ভাৰতক দিলা পুনঃ ৰাজ ॥
সত্যত আছিল যেন, লোক ব্যৱহাৰ ।
মহা ভাগৱতী ধৰ্ম্ম কৰিলা প্ৰচাৰ ॥৯
হেন গান্ধী যশ-গুণ পৰম হৰিষি ।
অহৰ্নিশে গান্ত কত বিশ্বৰ মনীষী ॥

এতেকতে গান্ধী সেৱা মনে ভৈল আশ ।
গান্ধী যশ-গুণ হৌক লোকত প্ৰকাশ ॥১০
আন আন অৱতাৰে জগত ঈশ্বৰ ।
কৰ্ম্ম জ্ঞান ভক্তি যোগ কৰিলা প্ৰচাৰ ॥
ব্যাস শুক সুত আদি মহা মহা ঋষি ।
সিসৱক প্ৰচাৰিলা পৰম হৰিষি ॥ ১১
গান্ধী অৱতাৰে ব্যাস সম্পাদক গণ ।
বাতৰি স্বৰূপে প্ৰকাশয় যশ-গুণ ॥
পৰীক্ষিত শুক সংবাদত সৌতি শুনি ।
ঋষি সমাজত যেন কহিলা বখানি ॥ ১২
বাতৰি কাকতে পঢ়ি কৰ্ণে কৰি পান ।
গান্ধী উপদেশ কথা কৰিলো বৰ্ণন ॥
লগতে কহিলো ভাগৱতী ধৰ্ম্ম মত ।
যাক জানি সাধে লোক আপোনাৰ হিত ॥১৩
স্বৰূপ বুজিলে ইটো গীতাৰ প্ৰতীক ।
কৰ্ম্ম জ্ঞান ভক্তি যোগ দেখাস্ত লোকক ॥
যিটোজনে কায-মনে নিত্য পাঠ কৰে ।
সত্য শৌচ দয়া দানে চিত্ত ধৌত কৰে ॥১৪
জয় জয় জয়তি মহাত্মা গান্ধী হৰি ।
পুনৰপি দুই পাৱে নমস্কাৰ কৰি ॥
গুৰুৰ চৰণ মনে সেৱি বাৰম্বাৰ ।
সমাজ সেৱাই ধৰ্ম্ম কৰ্ম্ম মানি সাৰ ॥১৫

গান্ধী গীতা শাস্ত্ৰ পদবন্ধে নিগদতি ।
ৰামদাস সুত কালিদাস মূঢ়মতি ॥
সন্ত মহন্তক অষ্টাঙ্গতে কৰো নতি ।
নৰনাৰী সমজ্যাক আমাৰ মিনতি ॥১৬
মূঢ়মতি ৰচিলন্ত গান্ধী গীতা পদ ।
বুলি নিন্দা নকৰিবা যত সভাসদ ॥
যাৰ জ্ঞান নাই সিটো সিমানে চেপ্তাই ।
সজ্জন সকলে শুনি দোষ নধৰয় ॥১৭
সন্ত সৱে ঘন খীৰ যদিবা ভূঞ্জয় ।
পৰগৃহে ঘোল বলি খাদ্য নেতেজয় ।
মোহোৰ কবিত্ব জানা ঘোল পদক্ষৰ ।
পূৰ্ব্ব কবিগণ কাব্য যেন ঘনখীৰ ॥ ১৮
জানি শাস্ত্ৰ ত্যজিবাক উচিত নহয় ।
হৰিগুণ কহন্তে অবাক্য বাণী হয় ॥
পুনঃ পুনঃ সুধীবৃন্দে কৰিছো প্ৰণতি ।
অজ্ঞ জানি শাস্ত্ৰ দোষে নাৰাখিবা মতি ॥ ১৯
যদি কথঞ্চিৎ হৈছে সত্য অপলাপ ।
অজ্ঞৰ অজ্ঞতা দোষ মূৰ্খৰ প্ৰলাপ ॥
যেন তেন মতে পূৰ্ণ হৌক ইটো কাম ।
নিৰন্তৰে সভাসদ ঘোষা ৰাম ৰাম ॥ ২০

---

## ছবি

অনন্তরে সভাসদ শুনা গান্ধী-গীতা পদ
তিনি যুগে যি দেশ স্বাধীন ।
যাহাৰ কৃতিত্ব কথা ভাৰত পুৰাণ গাঁথা
কৰ্ণে যেন সুধা বৰিষণ ॥২১॥
মহাবলী বদ্ধিমন্ত য'ত ৰজা অপৰ্য্যাপ্ত
তিনি যুগে ভুৱন বিজয়
যি দেশৰ জ্ঞানীগণ ত্ৰিকালজ্ঞ সৰ্ব্বজ্ঞান
বিজ্ঞানত মৃত্যুক জিনয় ॥২২॥
আধ্যাত্মিক জ্ঞানে জিনি বিশ্বৰ মুকুট মণি
যিবা দেশ ঈশ-লীলা ভূমি ।
পাপ কলি যুগবলে বাণিজ্য ব্যৱসায় ছলে
ম্লেচ্ছগণ হৈলা তাৰ স্বামী ॥ ২৩
আছে যত হিন্দুস্থান সবে ম্লেচ্ছ পৰাধীন
আচৰিল দাসত্বত নীতি ।
পালিত পশুৰ মত হই পৰ প্ৰভাবান্বিত
ধিকাৰিল জন্ম আৰু জাতি ॥ ২৪
আছে যত বিপ্ৰগণ হৈলা ব্ৰহ্ম-শক্তিহীন
ৰতি ৰসে সন্ধ্যা ন্যাস হেলা ।
ব্ৰহ্ম বিদ্যা পৰিহৰি যজন যাজন কৰি
উদৰ পুৰিল সেহি বেলা ॥ ২৫

যতেক ক্ষত্রিয়গণ ভৈলা ব্রহ্মচর্য্য হীন
সি কাৰণে শকতি বিহীন।
অস্ত্র-শস্ত্র দলিয়াই ভোগ-লালসাত বই
কৰিলা আয়ুস সবে ক্ষীণ ॥ ২৬
পঞ্চ ভূতে সপ্ত ধাতু তাতে স্বাস্থ্য তাতে আয়ু
শুক্র জানা সবাৰ ধৰণী।
হেন শুক্র ক্ষয় কৰে যেন আত্মঘাতে মৰে
বুজি সুবুজয় কোনো প্ৰাণী ॥ ২৭
ভাৰতৰ নৰ জাতি ভৈলন্ত কামুক অতি
নাহি কাৰো ৰতি শাস্ত্র জ্ঞান।
বাল্য বিবাহিত হই বনিতা সম্ভোগ পাই
অকালত ত্যজয় জীৱন ॥ ২৮
বুঢ়াযো বিবাহ কৰি সম্ভোগিল বহুনাৰী
মনে সুতী সন্তানৰ সাধ।
পুত্র-পুত্রী যিবা পায়, ক্ষীণ আয়ু ক্ষীণ কায়
অশ্বৰ বংশত যেন গাধ ॥২৯
ভাৰতৰ নৰ বংশ, হেন মতে ভৈলা ধ্বংস
বিষয় সম্ভোগ সাৰ কৰি।
বিষয় আশাত মন, সমস্তবে নিয়োজিল
লাস-বিলাসৰ ধ্যান ধৰি ॥৩০
সি সময় ভাৰতৰ, ইংৰাজেই অধীশ্বৰ
নির্ভয়ে ভৈলন্ত অভিষেক।

দুই চক্ষে ধূলি হানি, চোৰালৰ বস্তু আনি
ভুঞ্জে যেন দুষ্ট চিত্ত লোক ॥৩১
যেহেন পক্ষীক ধৰি, দুই পাখা ছেদ কৰি
স্নেহে পোহ মনাবাক চাৰে ।
ভাৰত আমাৰ বুলি, লালসাৰ জিহ্বা মেলি
দেশক শোষিল নানা ভাৱে ॥৩২
ভাৰতীয় সমাজত, শিল্প, ব্যৱসায় যত
তাকো কৌশলেৰে নিলা হৰি ।
ভাৰতৰ অস্ত্র-শস্ত্র, ধন-ৰত্ন, বেদ-শাস্ত্র
যত পাৰে নিলন্ত বিচাৰি ॥৩৩
স্বভাৱে চৰিত্ৰ হীন, নৈতিক বাসনা হীন
হয় যাৱে ভাৰতৰ লোক ।
মদ ভাঙ আৰু কানি, সৰ্ব্বস্থানে দিলা আনি
পাৰে মানে সকলে পিয়োক ॥ ৩৪
এতেকতে ভাৰতৰ ভৈলা হেন পৰিণাম
দাৰিদ্ৰাৰ কৰাল গ্ৰাসত ।
ধ্বংস ভৈলা জাতি ধৰ্ম্ম, অভিষেক ভৈলা কৰ্ম্ম
যেয়ে যিবা দেখে সম্মুখত ॥ ৩৫
তথাপিতো অন্নহীন, ছিন্নবস্ত্রে যায় দিন
কৰে সৱে মৃত্যুক আহ্বান ।
ভিক্ষা পাত্র লই হাতে, কুলী নামে দেশে দেশে
নিৰুপায়ে কৰন্ত ভ্ৰমণ ॥ ৩৬

এতেকতে ভাৰতৰ. দেখি অপমান ঘোৰ
নসহিল জগত ঈশ্বৰ ।
অংশৰূপে অৱতৰী, মনুষ্য শৰীৰ ধৰি
গান্ধী নামে ভৈলন্ত প্ৰচাৰ ॥ ৩৭
নিন্দা অভিমান ত্যাগী, যেন যোগসিদ্ধ যোগী
ত্যাগেই সাধনা কৰি সাৰ ।
মহাত্মা গান্ধী নামত, জগতত ভৈলা খ্যাত
নগ্ন বেশ বিশ্ব-মন চোৰ ॥ ৩৮
সত্যক সাৰথি কৰি, অহিংসা অস্ত্ৰক ধৰি
একতাৰ মহাবেশু সাজি ।
পৰদাস ভাৰতৰ, ভৈলা গান্ধী মুক্তি ৰথী
জগতৰ জনগণ ৰাজি ॥ ৩৯
সমস্ত ভাৰত সুত প্ৰাণে প্ৰাণে ভাতৃত্বত
স্নেহ ডোৰে কৰিলা বন্ধন ।
ক্ষীণকণ্ঠে কৰি ধ্বনি. শুনাই অহিংস বাণী
দিলা সবে বিজয় সন্ধান ॥ ৪০
শ্ৰীগান্ধী নিগদতি, শুনা কথা অবহিতি
দেশপ্ৰাণ যত সাধুমতি ।
ভাৰতৰ সিংহাসন, ৰাজনীতি আচৰণ
ধৰ্ম্মৰ স্কন্ধত মাত্ৰ স্থিতি ॥ ৪১
ধৰ্ম্ম কৰি পৰিহাৰ, আনিলা দুৰ্দ্দশা ঘোৰ
নষ্ট ভৈল অতীত গৰিমা ।

সৱে সত্যাগ্ৰহী হই, অহিংসা নীতিক লই
প্ৰচাৰাহা জাতিৰ মহিমা ॥ ৪২
ভ্ৰাতৃ-ভগ্নী নৰ-নাৰী, কৰা সবে ধৰাধৰি
একতাত অসাধ্য সাধন।
বহু জল লগ লই, সমুদ্ৰ নামত বয়
দেখা কেনে অলঙ্ঘ্য জীৱন। ৪৩
মিলি বহু বাষ্পচয়, মহা মেঘ খণ্ড হয়
তাপময় সূৰ্য্যক ঢাকয়।
বহু শিল মিলিজুলি, উচ্ছ্ৰিত মহান গিৰি
কেহু লঙ্ঘিবাৰ নপাৰয় ॥ ৪৪
নিজ কৰ্ম্মে অন্নবস্ত্ৰ, হউক সবাৰ অস্ত্ৰ
ৰজা আৰু ধনী সভ্যতাত।
সুখ ক্ষীৰি ধুৰন্ধৰ, ভাৰত-শোষক দল
লুপ্ত হৌক ভাৰত বুকুত ॥ ৪৫
ভাৰতৰ জনগণ, পাই সিটো সমিধান
অহিংসা, অক্ৰোধ উদ্যমত।
স্বৰাজ স্বাধীন চাই, গৈলা সৱে আগুৱাই
শক্তিৱন্ত ৰজাৰ কাষত ॥ ৪৬
ভাৰতৰ অধিপতি, যেন বলী মহাৰথী
ধৰিলন্ত বিপুল শকতি।
অস্ত্ৰ-শস্ত্ৰ অগণন, ধ্বংসাত্মক অভিযান
দশোদিশে কৰন্ত দীপিতি ॥ ৪৭

তথাপি বলিলা প্রজা, শুনিয়ো কপটী ৰজা
এৰিয়োক ইটো চতি-মাত।
আমাৰ ভাৰত আই, তোমাৰ শাশ্বত নুই
জানি এৰা ভাৰতৰ প্ৰীতি ॥ ৪৮
জানাহা নিশ্চয় তুমি, আমাৰ ভাৰত ভূমি
জন্ম স্বত্ব স্বৰাজ্য আমাৰ।
আমাৰেই কচিকৰ' জল বায়ু অন্নাহাৰ
আমি মাত্ৰ ভাৰত ঈশ্বৰ ॥ ৪৯
এতেকে কহিলো সাৰ, স্বদলে ভাৰত চাড
উভয়ে ৰহোঁক মন প্ৰীতি।
কৰ্ম্মৰন্তু মনুষ্যাৰ, কীৰ্ত্তি ধৰ্ম্ম মাত্ৰ সাৰ
জানি ত্যজা বিপৰীত মতি ॥ ৫০
ভাৰত শাসক ৰজা, ত্যজিল পমুৰা প্ৰজা
পাই তেন বাক্য ভাৰতৰ।
স্বাৰ্থান্বেষী প্ৰতাৰক, যতেক পাষণ্ড লোক
মনোদুঃখে ভৈলন্ত অন্তৰ ॥ ৫১
অষ্টাধিক দশ শত, ঊনসত্তৰ শকাব্দত
শুক্ৰবাৰ ঊনত্ৰিশ শ্ৰাৱণ।
ভাৰত স্বাধীন ভৈলা, গান্ধীৰেসে লীলা খেলা
বুজিবাহা যতেক নিপুণ ॥ ৫২
জানি ত্যজি হিংসাচয়, ভজিয়ো গান্ধীৰ পায়
সৱে ধৰা তান উপদেশ।

যদি বুজা শাস্ত্র সাৰ, ইটো গান্ধী মন্বন্তৰ
হৈব সত্য যুগৰ বিকাশ ॥৫৩
কঠোঁ আমি প্ৰতি প্ৰতি, জাতি ধৰ্ম্ম ভেদ নাতি
নাথাকিব আৰু ভাৰতৰ
নৰ নাৰী ভাৰতৰ, গান্ধী সেৱা কৰি সাৰ
হোৱা ভাগৱতী ধৰ্ম্মপৰ ॥৫৪
সত্য সনাতন মত, এইহসে ভক্তৰ তত্ত্ব
মনুষ্যৰ ধৰ্ম্ম অৰ্থ কাম ।
জানি সমজ্যাযে বেঢ়ি, কৃষ্ণ নাম গুণ স্মৰি
ডাক ছাৰি বোলা কৃষ্ণ ৰাম ॥৫৫

---

পদ ।

অনন্তৰে শুনা সমজ্যাৰ যত জন ।
স্বৰাজ স্বাধীন লাগি গান্ধীৰ যতন ॥
গান্ধী উপদেশ কথা মকৰন্দ বিন্দু ।
গান্ধী গীতা পদচয় ভক্তি ৰত্ন সিন্ধু ॥৫৬
ভুমুকনি হস্তে যেন সদা বহে জল ।
চন্দ্ৰ হস্তে বাহিৰয় কিৰণ উজ্জ্বল ॥
হেনমতে ধৰ্ম্ম-কৰ্ম্ম গান্ধী বখানয় ।
মন বাক্য আৰু আত্মা ব্ৰহ্মে কৰি লয় ॥৫৭

এতেকে গান্ধীযে গীতা জীৱন্ত স্বৰূপ ।
ভাৰতৰ লোকে দিলা মনুষ্যত্ব ৰূপ ॥
* অষ্টাদশ নীতি প্ৰকৰণ বিবেচনে ।
দিলা উপদেশ নৰ-নাৰী সৰ্ব্বজনে ॥৫৮
ধৰ্ম্ম অৰ্থ কাম আৰু মোক্ষ ফল লাগি ।
ভাৰতৰ নৰ-নাৰী সবে হৌক আগি ॥
স্বভাৱতে দূৰ হব ছয় গোটা পাপ ।
কৰ্ম্ম বিপৰ্য্যয়ে নিমিলিব শোক তাপ ॥৫৯
কদাপি নুচুব আৰু কৰ্ম্মহীন দোষে ।
নকৰে অকৰ্ম্ম যেন অভাৱৰ ৰোষে ॥
তেবে জন-সেবাকাঙ্ক্ষা হৈব লোকচয় ।
সেয়ে হলে ব্যক্তি জাতি উন্নতি মিলয় ॥৬০

---

* ১। সাম্প্ৰদায়িক ঐক্য ২। অস্পৃশ্যতা বৰ্জ্জন ৩। মাদকতা নিবাৰণ ৪। খাদি ৫। আন গাৱঁলীয়া শিল্প ৬। গাৱঁৰ চাফ-চিকুণতা ৭। নতুন বা বুনিয়াদী শিক্ষা ৮। বয়সিয়াল লোকৰ শিক্ষা ৯। নাৰীৰ উন্নতি ১০। ব্যক্তিগত স্বাস্থ্য-বিজ্ঞান ১১। প্ৰাদেশিক ভাষা ১২। ৰাষ্ট্ৰভাষা ১৩। আৰ্থিক সমতা প্ৰতিষ্ঠা ১৪। কৃষক ১৫। শ্ৰমিক ১৬। আদিবাসী ১৭। কুষ্ঠৰোগী ১৮। ছাত্ৰ ।

এতেকে মঙ্গল চিন্তি ভাৰত প্ৰকাৰ ।
গান্ধী নিগদতি শুনা ভাৰতৰ নৰ ॥
সমস্ত শৰীৰে মৃত্যু জন্ম পৰিণতি ।
জানি মৃত্যু ভয় ত্যজি হউ দৃঢ় মতি ॥৬১
হিন্দু মুছলিম কিবা যতেক খৃষ্টান ।
সমস্তয়ে ভাতৃ-ভগ্নী ঈশ্বৰ সন্তান ॥
অহিংসা আচৰি সৎ কৰ্ম্মে দিয়া মন ।
সৰ্ব্বকাৰ্য্যে সফল কৰা নৰ নাৰী জন ॥৬২
ব্যক্তি জাতি স্বদেশৰ নিশ্চয় উন্নতি ।
সেয়ে হৈব কল্পনাৰ স্বৰ্গ ৰাজ্য প্ৰতি ॥
ক্ষিতিৰ বাহিৰে নাহি স্বৰ্গ বুলি স্থান ।
স্বৰ্গ আৰু নৰ্ক ধৰণীতে বিদ্যমান ॥৬৩
নাহি যৈত প্ৰভু দাস মালিক শ্ৰমিক ।
নাহি যৈত মদ আদি নিচাৰ সেৱক ॥
নাহি যৈত ঘৃণা দ্বেষ মানৱ মাজত ।
স্নেহ শ্ৰদ্ধা আৰু ভক্তি সদায় বেকত ॥৬৪
নাৰী কিম্বা পুৰুষৰ নাহি ব্যভিচাৰ ।
স্ত্ৰী-স্বামী ভিন্ন মানে ভগ্নী সহোদৰ ॥
ঈশ্বৰৰ সেৱা লাগি কৰে কায় কৰ্ম্ম ।
জন-সেৱা দেশ-সেৱা মানে মহা ধৰ্ম্ম ॥৬৫
মনুষ্যৰ মনুষ্যত্ব শিক্ষা নচাড়য় ।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ কৰ্ম্মত মিলয় ॥

সেই দেশ স্বৰ্গ-ৰাজ্য বুজিবা নিশ্চিত ।
অভ্রান্ত শকতি যোগে হয় সুৰক্ষিত ॥৬৬
এতেকে বুজিবা নিষ্ঠ যত মহা মতি ।
গান্ধী আচৰিলা যত ধৰ্ম্ম কৰ্ম্ম নীতি ॥
সমস্ত নীতিৰে মূল ধৰ্ম্ম ভাগৱতী ।
যাক আচৰিলা যত বিধিৰ সন্ততি ॥৬৭
যাজ্ঞ্যবল্ক দত্তাত্রেয় মৰীচাদি ঋষি ।
হেন ধৰ্ম্ম শিকাৱন্ত লোকক হৰিষি ॥
যাবত নলয়ে নৰ ধৰ্ম্মৰ আশ্রয় ।
আপোনাক তাৰিবাক শকতি নহয় ॥৬৮
এতেকতে ধৰ্ম্ম ভিন্ন আন কাম্য নাই ।
ধৰ্ম্মৰ গুণত জন্ম-জাতি পবিত্রয় ॥
সমস্ত ধৰ্ম্মৰ মূল মনুষ্যত্ব গঢ়ি ।
ঈশ্বৰ অপ্রিয় কাৰ্য্য পৰিহাৰ কৰি ॥৬৯
বৈষয়িক কাৰ্য্যে পূজা কৰিব হৰিৰ ।
এয়েই পৰম ধৰ্ম্ম সমস্ত নৰৰ ॥
ভাগৱতী ধৰ্ম্ম বুলি তাঙ্ক বখানয় ।
সেহি ধৰ্ম্মে পূৰ্ব্ব কৰ্ম্মফল কৰে ক্ষয় ॥৭০
মনুষ্যৰ আয়ু স্বাস্থ্য যশস্যা জীৱন ।
সমস্তয় প্রবৰ্ত্তয় ধৰ্ম্মৰ কাৰণ ॥
মনুষ্য ধৰমে হৌক জগত উন্নত ।
ঈশ্বৰৰ মহাদান নৰ সমাজত ॥৭১

ইসব সুবুজি যিবা পেটক পোষয় ।
পশুৰ সদৃশ সিটো বুজিবা নিশ্চয় ॥
দুৰ্লভ মনুষ্য জন্ম মাত্র বিড়ম্বনা ।
জানি কায়-বাক্যে কৰা ধৰ্ম্মৰ সাধনা ॥৭২
ধৰ্ম্মেই নৰৰ আত্মোন্নতিৰ সোপান ।
আত্মোন্নতি জাতি দেশ উন্নত কাৰণ ॥
এতেকে বুজিবা ধৰ্ম্ম সৱাতো প্ৰধান ।
ধৰ্ম্মৰ কাৰণে মাত্র কৰ্ম্ম নিৰূপণ ॥৭৩
নিৰ্ম্মল কৰম যি সেয়েই তপ ব্ৰত ।
বিশ্বৰ উন্নতি হেন কৰ্ম্মে প্ৰতিষ্ঠিত ॥
আন কিবা দেৱগণে ধৰ্ম্ম ৰক্ষা কৰি ।
জগতত প্ৰবৰ্ত্তন্ত কৰ্ম্মক আচৰি ॥৭৪
নিজ কৰ্ম্ম তিল মানে কেহু নচাৰয় ।
আপোন শকতি বলে লোকক পালয় ॥
সাক্ষাত দেখাহা ইন্দ্ৰ তিনি লোক পালে ।
আপোন ইচ্ছায় বৰিষন্ত কালে কালে । ৭৫
বৰুণে দিলন্ত পানী অগ্নি দিলা জুই ।
বায়ুই বতাস দানে জীৱন ৰক্ষয ॥
চন্দ্ৰ সূৰ্য্য শীত তাপ অপূৰ্ব্ব পোহৰ ।
সময়ত উদয়াস্ত নাহি ব্যভিচাৰ ॥ ৭৬
এতেকে বুজিবা পৰ উপকাৰ কৰ্ম্ম ।
নৰ কিম্বা দেৱতা সৱৰো মহা ধৰ্ম্ম ॥

ইসে ভাগৱতী ধৰ্ম্ম বুজিবা নিশ্চয় ।
মনুষ্যৰ যথোচিত কৰ্ম্ম আচৰয় ॥ ৭৭
পদ্মৰ পত্ৰত যদি ভেকুলীৰ বাস ।
পদ্ম মধু চুহিবাক নাহি তান আশ ॥
ধৰ্ম্মহীন মানৱৰ হেন পটন্তৰ ।
কিছু নুবুজয় মনুষ্যত্ব অধিকাৰ ॥ ৭৮
ভণিলন্ত কালিদাস বুজা এহিমান ।
মনুষ্যৰ মনুষ্যত্ব যত মহা গুণ ॥
ধাৰণ কৰণ হেতু ধৰ্ম্ম নাম কয় ।
জন-সেৱা কৰি লোকে ধৰ্ম্মক ৰক্ষয় ॥ ৭৯
এতেকতে জন-সেৱা লোকৰ আশ্ৰয় ।
পৰ উপকাৰ ভিন্ন আত্ম শুদ্ধি নাই ॥
জানি নিৰন্তৰে কৰা তৰিবাৰ কাম ।
জন্মৰ সাফল হৌক বোলা ৰাম ৰাম ॥ ৮০

---

ছবি ।

গান্ধী উপদেশ বাণী, ভাগৱতী ধৰ্ম্ম জানি
নৰ-নাৰী মানিবা সদায় ।
জ্ঞানী বা অজ্ঞানী নৰ, সমস্তৰে অধিকাৰ
বিধিনি ৰহিত সৰ্ব্বদায় ॥ ৮১

নালাগে ব্ৰাহ্মণ বাজ, যোগ মাৰ্গে নাহি কাজ
শাস্ত্ৰজ্ঞানে নাহি প্ৰয়োজন ।
বৈশ্য, শূদ্ৰ, নৰ নাৰী, ইটো ধৰ্ম্ম অধিকাৰী
নাহি জাতি কুলৰ বান্ধোন ॥ ৮২
মাত্ৰ হিংসা পৰিহৰি, জন-সেৱা মনে ধৰি
নিজ নিজ কৰ্ম্ম অনুৰূপে ।
অপবিত্ৰ অজ্ঞমতি, হোৱন্ত পবিত্ৰ আতি
আক সুৱে বুজিবা স্বৰূপে ॥ ৮৩
যতেক বিষয় কৰ্ম্ম, সকলো দেহৰ ধৰ্ম্ম
ত্যজিবাক নাহি প্ৰয়োজন ।
অনুদিনে মাধৱৰ, ভক্তি ৰসে ধৌত হৈয়া
আপোনাৰ সাধিয়ো কল্যাণ ॥ ৮৪
এতেকে বুজিবা তত্ত্ব, ভাগৱতী ধৰ্ম্ম মত
জগতত অতি উপময় ।
আক আগ্ৰহয় যিটো, বুদ্ধিত চতুৰ সিটো
অৱহেলে আত্মাক তৰায় ॥ ৮৫
যদাপি সুলভ হয়, লোকে কেনে নধৰয়
যদি বোলা হেনয় বচন ।
শুনা তাৰ প্ৰত্যুত্তৰ, যাউক সংশয় ঘোৰ
হেন ভৈল দ্বিজৰ কাৰণ ॥ ৮৬
ঈশ্বৰৰ অভিপ্ৰায়, আশাত নিৰাশ হই
বিষয়ত এৰিয়া আক্ৰোশ ।

শুভ কর্ম্ম ব্রত ধৰি, দেশ, জাতি সেৱা কৰি
মনুষ্যত্ব কৰোক বিকাশ ॥ ৮৭
বল বীর্য্য আয়ু লাগি, হউক সংযমী যোগী
জ্ঞান অৰ্থে ধৰিবহুঁ ধ্যান ।
আত্মাৰ মঙ্গল লাগি, ভোগ অন্তে হওক ত্যাগী
ভাগৱতী ধৰ্ম্মৰ লক্ষণ ॥ ৮৮
এতেকতে অতীজত, মহা মহা জ্ঞানী যত
দেশ জাতি ব্যক্তিৰ কাৰণ ।
দেখুৱাই ত্যাগ দান, উছৰ্গি আপোন প্ৰাণ
সাধিলন্ত জীৱৰ কল্যাণ ॥ ৮৯
হেনয় জাতীয় শিক্ষা, হইলন্ত গুৰু দীক্ষা
দ্বিজসৱে গুৰুগিৰি কৰে ।
নানা মুনি নানা মত, লোকত কৰে বেকত
যাৰে ধৰ্ম্ম বুজিব নাপাৰে ॥ ৯০
নুবুজে মনুষ্য কৰ্ম্ম, কায় ক্লেশে ভৈলা ধৰ্ম্ম
গৃহ ত্যজি ধৰম বখানে ।
তেন ধৰ্ম্ম লোকে ধৰি, ভৈলা মাত্ৰ ভিক্ষাহাৰী
তৰ্কবাদে চিত্তভ্ৰম আনে ॥ ৯১
কেহু গুৰু দীক্ষা পাই, উদ্দেশ্য বিহীন হই
মাত্ৰ কৰ্ম্মে অৰ্থ উপাৰ্জ্জয় ।
নুবুজয় ভোগ দান, অৰ্থক সাধিবে মন
ধৰ্ম্মাধৰ্ম্ম কিছু নগণয় ॥ ৯২

কতজনে ভাৱে মনে, কাৰ্য্য অৱসৰ মতে
কিবা বয়সত বৃদ্ধ হলে।
আচৰিবোঁ ভক্তি ধৰ্ম্ম, কৰিবোঁ নিষ্পাপ কৰ্ম্ম
যাৱে আক হবি সেৱা মিলে ॥ ৯৩
কেতজনে ব্ৰত ধৰি, কিবা উপবাস কৰি
কিবা তেজস্কৰ খাদ্য ত্যজি।
শৰীৰৰ তেজ শক্তি, ধ্বংসকাৰী ক্ৰিয়াবৃত্তি
দেখুৱাই হয় ধৰ্ম্মধ্বজী ॥ ৯৪
হেন মতে ধৰ্ম্ম মত, তামসিক ভ্ৰান্তপথ
*ত্ৰিবিধ অজ্ঞতা অভিহিত।
বিপ্ৰৰ কাৰণে হেন, ধৰ্ম্ম নামে উৎপীড়ন
মনুষ্যত্ব হয় অন্তৰ্হিত ॥ ৯৫
বিষয়ত স্পৃহা হীন, বিলাসতো নাহি মন
ব্ৰহ্মক চিন্তিয়া ধৰে ধ্যান।
দেশ ব্ৰতে মহাভাগী, স্বাৰ্থহীন মহাত্যাগী
আছিলন্ত পূৰ্ব্ব দ্বিজগণ ॥ ৯৬
সমস্ত কাৰ্য্যৰ স্ৰোত, ভগৱন্ত অভিমুখে
কায়-মনে অভিহিত হয়।

---

* (১) মানৱ ধৰ্ম্মৰ মূল উদ্দেশ্য কি?
(২) ধৰ্ম্ম সাধনৰ কৰ্ম্মকাণ্ড কি?
(৩) ধৰ্ম্মৰ লগত দেহ প্ৰাণ বা আয়ু স্বাস্থ্যৰ সম্বন্ধ কি?

ঈশ্বৰ অপ্ৰীতিকৰ, সৰ্ব্বকাৰ্য্য নিৰন্তৰ
কায়-চিত্তে সংযমে তেজয় ॥ ৯৭
হেন ধৰ্ম্ম কৰি ত্যাগ, যেৱে বাঞ্ছিলেক ভোগ
বিলাসতো মহা মোহ গৈলা ।
ঐশ্বৰ্য্যে মিলায় ভোগ, হুই তাত্তে অনুৰাগ
আত্মধৰ্ম্মে বহির্ভূত ভৈলা ॥ ৯৮
যতেক ব্ৰাহ্মণ গণ, কৰি পাছে আলোচন
আপোন কুলৰ চিন্তি হিত ।
কৰিবাক অৰ্থ সিদ্ধি, ৰচিলা পূজাৰ বিধি
যাৰ যেন চিন্তা অদভুত ॥ ৯৯
ঘাটে বাটে তীৰ্থস্থানে মন্ত্ৰেসে মঙ্গল আনে
বিনা অৰ্থে মন্ত্ৰ নকহয় ।
সেয়েহে বেদৰ ধৰ্ম্ম, সেয়ে মনুষ্যৰ কৰ্ম্ম
ৰজা প্ৰজা লোকত ৰটয় ॥ ১০০
হেনমত শাস্ত্ৰচয়, বোলে তাঙ্ক ৰামানয
মোহিলন্ত অজ্ঞানী জনক ।
মহা মহা জ্ঞানীগণ, সি শাস্ত্ৰত নেদে কাণ
কৰ্ম্মে আৰাধয় ঈশ্বৰক ॥ ১০১
বিষ্ণু ত্ৰিলোকৰ ঈশ, দেৱগণো তান দাস
বিষ্ণুৰ আজ্ঞাক সদা লই ।
অগনিয়ে দিলা জুই, সূৰ্য্যো দীপ্তি তাপময়
চন্দ্ৰে নিশা উজ্জ্বল কৰয় ॥ ১০২

বৃক্ষপেসে দিলা জল, আপুনিয়ে ফলে ফল
আপুনিয়ে পকি সবি পৰে।
তেন দয়াময় হৰি, তাহান সেৱাক এৰি
কোনেনো আনক পূজা কৰে॥ ১০৩
নাহি কিছু কায় ক্লেশ, অশৌচত নাহি দোষ
নলাগয় পূজা অনুষ্ঠান।
কায় কৰ্ম্ম বাক্যচয়, অৰ্পিয়ো হৰিৰ পায়
ইসে ধৰ্ম্ম সৱাত প্ৰধান॥ ১০৪
মহাত্মা গান্ধীৰ মত, সমস্ত শাস্ত্ৰৰ তত্ত্ব
সেৱা লাগি কৰ্ম্ম বখানয়।
মনুষ্যৰ মহাধৰ্ম্ম, নাহি আৰ তেন কৰ্ম্ম
অপ্ৰয়াসে সদগতি মিলায়॥ ১০৫
এয়ে ভাগৱতী ধৰ্ম্ম, গান্ধী উপদেশ কৰ্ম্ম
জগতকে সুহৃদ মানয়।
কৃষ্ণৰ ৰহস্য জানি, সুহৃদ বিশ্বাস আনি
কৰ্ম্মে সেৱা নছাৰয়॥ ১০৬
পিতৃৰ কাৰণে যেন, পিণ্ড দিয়ে পুত্ৰগণ
ভৃত্য কৰ্ম্ম প্ৰভুৰ কাৰণ ;
হৰিৰ সন্তোষ বাবে, সমস্ত বিষয় কৰ্ম্ম
নাহি চিত্তে মায়াৰ বন্ধন॥ ১০৭
দেখন্তে কৰ্ম্মত মতি, ফলে নাহি আসকতি
পৰ উপকাৰ লাগি সাধ।

সুখ দুখ রোগ ভয়, পূর্ব্ব কর্ম্ম অভিপ্রায়
জানি মানে আত্মাত প্রবোধ ॥ ১০৮
যদি বোলা পুনঃ বাণী, ভাল নুবুজিলো আমি
ভাগৱতী ধর্ম্মৰ লক্ষণ !
ভাগৱতী ধর্ম্ম নাৱে, সংসাৰ তৰিবা যেৱে
শুনা আৰু যুকুতি বচন ॥ ১০৯
দেশাচাৰে কুলাচাৰে, যতেক কর্ম্ম আচৰে
লৌকিক বৈদিক যত কর্ম্ম ।
শিক্ষা-দীক্ষা উপার্জ্জন, গৃহ দ্বাৰা নিয়ন্ত্রণ
মনুষ্যৰ যথোচিত কর্ম্ম ॥১১০
এক মত এক ভাৱে, ঈশ্বৰ কৃষ্ণৰ পাৱে
অৰ্পিব সিসৱ ধৰ্ম্ম কৰ্ম ।
সেয়ে ভাগৱতী ধর্ম্ম, নৰৰ কৰ্ত্তব্য কর্ম্ম
সেযে মাত্ৰ লোকৰ স্বধর্ম্ম ॥১১১
অজ্ঞমতি নৰগণ, পূজি দেৱ-দেৱী গণ
কদাচিত পায তুচ্ছ ফল ।
প্রভুক এৰিয়া যেন, দাসৰ ওচৰে মাগি
পায় মাত্ৰ খুদ এক গাল ॥১১২
সপোনত পোৱা ধনে, ধনী হয় কোনো জনে
ইটো যদি আশ্চর্য্য নহয় ।
পূজি দেৱ দেৱী গণ, হোৱন্ত ঐশ্বর্য্যৱান
হেন পটন্তৰ ইটো হয় ॥১১৩

কৰ্ম্মফল অনুযায়ী, ঐত তৈত জীৱে পায়
আছে সৰ্ব্ব শাস্ত্ৰৰ সন্মত।
কৰ্ম্ম ফলে দৈৱবিধি বিনা কৰ্ম্মে নোহে সিদ্ধি
কৰ্ম্মেসে মিলায় ধনবিত ॥১১৪
জানি সৱে কৰ্ম্ম নেৰা কৰ্ম্মে হৰি-সেৱা ধৰা
থাকে মানে শকতি দেহত।
ভক্তি সমে কৰ্ম যোগ মনুষ্যৰ মহা ভোগ
নিষ্ঠে নিষ্ঠে মানিবা মনত ॥১১৫
সত্য ত্ৰেতা আদি কালে বায়ুক নিৰোধি বলে
নিৰাহাৰী যোগী ঋষিচয়।
তথাপিতো ফল মূল সময়ে কৰে আহাৰ
বিনা কৰ্ম্মে সয়ো নিমিলয় ॥১১৬
কৰ্ম্মৰ কাৰণে সৃষ্টি কৰ্ম্ম কৰে সৃষ্টিপতি
ইকাৰণে অৱতাৰ হয়।
সুৰাসুৰ নৰগণ সৱেও কৰ্ম্মৰ অধীন
বিনা কৰ্ম্মে কেহ নতৰয় ॥১১৭
হেনয় কৰ্ম্মক এৰি ভিক্ষাপাত্ৰ হাতে ধৰি
যিটো হৈব ঈশ্বৰ ভকত।
মিছা তাৰ দেহভাৰ মানৱ নামেসে সাৰ
কৃষ্ণে যেন কহিলা পাৰ্থত ॥১১৮
ভণিলন্ত কালিদাস, সুমঙ্গল যাৰ আশ
ইহ পৰকাল দুয়ো ঠাই

ভাগৱতী ধৰ্ম্ম নেৰা, নিৰন্তৰ কৰ্ম্ম কৰা
আত্মশক্তি আত্মাত জগাই ॥১১৯
লোকে হৈবা মহামতি, উপাৰ্জ্জিবা ধৰ্ম্ম কীৰ্ত্তি
মোক্ষ আদি চতুৰ্ব্বৰ্গ ফলে ।
জানি কৰি হিত কাজ হৰি নাম কৰা বাজ
কৃষ্ণ কৃষ্ণ ঘোষি উচ্চ ৰোলে ॥১২০

---

পদ

অনন্তৰে শুনিয়োক যত শুভাশয় ।
পাৰ্থক সম্বোধি কথা গীতাত কহয় ॥
শ্ৰীকৃষ্ণ নিগদতি শুনা কুন্তীসুত ।
কৰ্ম্ম জ্ঞান ভক্তি যোগে শুদ্ধ কৰা চিত্ত ॥১২১
যোগ অৰ্থে বুদ্ধি ৰূপ যুকুতি নিশ্চয় ।
কৰ্ম্মজ্ঞান ভক্তি সমে প্ৰকাশ কৰয় ॥
তাঙ্ক বুলি সৰ্ব্বশ্ৰেষ্ঠ জ্ঞান ভক্তি যোগ ।
সেয়ে ভাগৱতী ধৰ্ম্ম নৰজন্ম ভোগ ॥১২২
স্বধৰ্ম্মত থাকি কৰি নিষ্কাম কৰম ।
পত্নী-পুত্ৰ বান্ধৱক কৰে উপশম ॥
যতেক কৰয় মানে দম্ভ দ্বেষ এৰে ।
ঈশ্বৰ আজ্ঞায় বুলি মাত্ৰ কৃত কৰে ॥১২৩

সুচুরে তেওঁক আৰু কৰ্ম্মৰ বন্ধনে ।
স্বভাৱতে ভৈলা মুক্ত জীৱন মৰণে ॥
দেৱ সিদ্ধ নৰ পশু পতঙ্গ পৰ্য্যন্ত ।
কৰ্ম্মত আসক্তি হুই কৰ্ম্মত ভ্ৰমন্ত ॥১২৪
জীৱমাত্ৰে কৰ্ম্মময় সকলো জীৱন ।
ত্যজিব নপাৰে কেহু কৰ্ম্মৰ বন্ধন ॥
আৰু জানি কৰ্ম্ম পৰিণাম লক্ষ্য এৰা
স্বধৰ্ম্মক ৰক্ষি তুমি ধৰ্ম্ম যুদ্ধ কৰা ॥১২৫
ক্ষত্ৰিয় জনৰ যুদ্ধ ধৰ্ম্ম শ্ৰেষ্ঠতৰ ।
সম্মুখত পাই কেনে কৰা পৰিহাৰ ॥
যুদ্ধত মৰিলে তুমি স্বৰ্গক লভিবা ।
জয়া ভৈলে পৃথিবীত ৰাজত্ব কৰিবা ॥১২৬
ইহকালে যশ মান পৰকালে পুণ্য ।
ইহাক আৰ্জ্জিলি বুলি নৰ জন্ম ধন্য ॥
গুণাতীত নিজানন্দ শুদ্ধ ব্ৰহ্ম মই ।
নাহি মোৰ আদি অন্ত স্বৰূপ নিৰ্ণয় ॥১২৭
তথাপিতো ইচ্ছাতেই নানা ৰূপ ধৰি ।
কৰ্ম্মৰ কাৰণে আছো সৃষ্টিক প্ৰচাৰি ॥
প্ৰলয় কালত যেৱে সৃষ্টিৰ বিলয় ।
বীজৰূপে কৰ্ম্মফল তথাপি থাকয় ॥১২৮
যেতিয়া সৃষ্টিৰ পুনঃ আৰম্ভণ হয় ।
সেই বীজবেই আৰু অঙ্কুৰ গজয় ॥

সেই অঙ্কুৰেই জন্ম মৃত্যু সুখ দুঃখ।
স্বভাৱে ভুঞ্জিব জীৱ কহিলো বিশেষ ॥১২৯
এতেকে কৰ্ম্মক সাধু সৱে যজ্ঞ কয়।
হেন কৰ্ম্ম ত্যাগী ভৈলে সন্ন্যাস নহয় ॥
অনাসক্ত হই কৰ্ম্মফল ত্যাগ কৰে।
তাহাঙ্ক সন্ন্যাস বোলে সাধুসন্ত নৰে ॥১৩০
এতেকে বুজিবা সৱে নিশ্চয় নিশ্চয়।
ভক্তি জ্ঞান যোগে যিবা কৰ্ম্ম আচৰয় ॥
বিষয়ৰ মোহ মদে লঙ্ঘিবে নাপাৰে।
পদুম পত্ৰক যেন পানীয়ে নধৰে ॥১৩১
অগ্নিৰ লগত যেন ধোৱাৰ উদয়।
জ্বলন্ত অগ্নিক ঢাকিবাক নপাৰয় ॥
আপোন কৰ্মতো যদি থাকে কিবা দোষ
পৰ উপকাৰী ভৈলে সৱে হয় নাশ ॥১৩২
এহি হেতু নৰ-নাৰী ভ্ৰম পৰিহৰা।
স্বধৰ্মত থাকি কৰ্মপন্থ অনুসৰা ॥
এয়েই গান্ধীৰো মত বুজা নিষ্ঠসাৰ।
পৰ অপকাৰ কাৰ্য্য কৰি পৰিহাৰ ॥১৩৩
গৃহ সামাজিক কিবা দেশৰ কাৰণে।
কৰিব সমস্ত কৰ্ম কৃষ্ণ প্ৰীতি মনে ॥
ঈশ্বৰৰ নোহে জানা হেন অভিপ্ৰায়।
ঈশ্বৰে সেৱক লোক কৰ্মহীন হই ॥১৩৪

তেন অভিপ্ৰায় ভৈলে সৃষ্টি নিয়ন্তাৰ ।
বুদ্ধি মন ভূতগণে কিবা দৰকাৰ ॥
বোকা কোমোঁৱাৰ দৰে গঢ়িলেহেঁতেন ।
এতেকে মনুষ্য জন্মে কৰ্ম্ম প্ৰয়োজন ॥১৩৫
বিশেষত পশু পক্ষী প্ৰাণী নিৰন্তৰ ।
সমস্তে আহাৰজীৱি বিষয় আকুল ॥
সিসৱে সুখেৰে খাই উদৰ পোষয় ।
মানুহে নিজীয়ে জানো ফল-মূল খাই ॥১৩৬
মানুহৰ মনুষ্যত্ব কৰ্ম্মৰ লগত ।
কৰ্ম্মৰ কাৰণে মিলে মহা ভোগ যত ॥
কৰ্ম্মৰ কাৰণে বিশ্ব ঐশ্বৰ্য্য পূৰ্ণিত ।
বিশ্বৰ উন্নতি মানে কৰ্ম্মে প্ৰতিষ্ঠিত ॥১৩৭
কৰ্ম্মৰ অভাৱে নৰ লয় পশু'চাৰ ।
মনুষ্য নামত সিটো আনে খিলিঙ্কাৰ ॥
ইহ পৰকালে নসাধয় কিছু অৰ্থ ।
জনম জীৱন মাত্ৰ কৰিলন্ত ব্যৰ্থ ॥১৩৮
এতেকতে দৃঢতৰ ত্যাগ অনুগতে ।
আত্মাৰ প্ৰেৰণাময় কৰ্ম্মৰ ফলতে ॥
শিক্ষা পথে আগুৱাই সাধিবো জয়তি ।
দেশ জাতি সমে প্ৰকাশিব আত্মোন্নতি ॥১৩৯
ভণিলন্ত কালিদাস গান্ধী পাৱে নতি ।
দূৰ হৌক অন্তৰৰ স্বাৰ্থপৰ নীতি ॥

জন-সেৱা সমাদৰি পূর্ণ হৌক কর্ম্ম ।
মুখভৰি বাজ হৌক ৰাম-কৃষ্ণ ৰাম ॥১৪

ছবি।

বৈদিকৰ ধর্ম্ম যত নানা কর্ম্ম নানা মত
সমস্তৰে নাহি অধিকাৰ ।
ভাগৱতী ধর্ম্মচয় যেন ৰাজ-মার্গ হয়
অধিকাৰ সমস্ত নৰৰ ॥১৪১
মহাত্মা গান্ধীৰ মত সমস্ত শাস্ত্রৰ তত্ত্ব
কর্ম্মে কৰে হৰিক আশ্রয় ।
সেয়ে ভাগৱতী ধর্ম্ম সমস্ত নৰৰ কর্ম্ম
কর্ম্ম ফলে জীৱক তৰায় ॥১৪২
ভূত আৰু বৰ্ত্তমান সৃষ্টিকার্য্য যতমান
সমস্তয় কর্ম্মৰ কাৰণ ।
শুদ্ধ সত্য যত কর্ম্ম বুলি ভাগৱতী ধর্ম্ম
প্রতি মন্বন্তৰে অখণ্ডন ॥১৪৩
যত প্রজাপতিগণ ভূত আৰু বৰ্ত্তমান
প্রবর্ত্তাস্ত। কর্ম্মক নিয়মি ।
এতেকতে মন্বন্তৰ বুলি কহে নিৰন্তৰ
যত দেখা বেদ অনুগামী ॥১৪৪

স্বায়ম্ভুব স্বাৰোচিষ উত্তম আৰু তামস
আদি মনুবংশ অসংখ্যাত।
শুদ্ধ সত্য যত কৰ্ম্ম বুলি ভাগৱতী ধৰ্ম্ম
প্ৰবৰ্ত্তান্ত প্ৰজা সমূহত ॥১৪৫
কালে কালে ঋষি-মুনি মনে মনে অবগাহি
পৃথকে পৃথকে অৰ্থ কৰি।
লোকে কহি প্ৰিয় ভাষ দেশ হেন উপদেশ
কায়-বাক্যে আপুনি আচৰি ॥১৪৬
সমস্ত যুগতে সাৰ কৃষ্ণৰ ভকতি চাৰ
কৃষ্ণ মূৰ্ত্তি কৰান্ত বেকত।
ইকাৰণে মনুকাল বোলে এক মন্বন্তৰ
সৱহিতি কহিলো সম্রাত ॥১৪৭
মনুষ্য ধৰ্ম্মৰ সাৰ কৰ্ম্ম ভিন্ন নাহি আৰ
কৰ্ম্মে কীৰ্ত্তি পুণ্য অতিশয়।
কৰ্ম্মে আয়ু স্বাস্থ্য পায় কৰ্ম্মে শক্তিৱন্ত হয়
যুগে যুগে প্ৰমাণি আছয় ॥১৪৮
কৰ্ম্মে মাত্ৰ লোক ধন্য একৈক কৰ্ম্মৰ পুণ্য
কহিবাক সীমা সংখ্যা নাই।
সৰ্ব্ব পাপ হয় ক্ষয় যশ মানে জয় জয়
পৰকালে মোক্ষপদ পায় ॥ ১৪৯
মেধাতিথি বৈবস্বত আন আন মনু যত
সাৱনি প্ৰভৃতি চৈধ্যজন।

কশ্যপ বশিষ্ঠ ভৃগু অঙ্গিৰা মৰীচি ক্রতু
আদি মহা মহা ঋষিগণ ॥ ১৫০
সত্যসেন সত্যব্রত ধ্রুব নল আদি যত
যুধিষ্ঠিৰ আদি নৰপতি।
গঙ্গা নন্দা সৰস্বতী দক্ষৰ যত নন্দিনী
সাবিত্রী দ্রৌপদী সীতা সতী ॥ ১৫১
লম্পট ইন্দ্রিয়চয় শুদ্ধ কৰ্ম্মে নিয়মায়
ভাগৱতী ধৰ্ম্মক ৰক্ষয়।
এতেকতে সাধুমতি বুলি সৱে পুণ্য কীৰ্ত্তি
নিৰন্তৰে মনত স্মৰয় ॥ ১৫২
জানি যত শুভাশয় ত্যজিয়ো মায়াৰ ভয়
থাকা যেৱে বিষয়ৰ পাশ
ঈশ্বৰ পূজাৰ বুলি কৰ্ম্ম কৰা কুতূহলি
নকৰিবা ফলাফলে আশ। ১৫৩
হৰিত শৰণ খুজি কাৰ্য্য কাৰণক বুজি
জগতৰ কুশল কাৰণ।
কৰ্ম্ম কৰা সৰ্ব্বক্ষণ কৰ্ম্মেসে দেহৰ প্ৰাণ
নিষ্ঠ নিষ্ঠ বুজিবা বচন ॥ ১৫৪
দেশ জাতি জীৱনত উত্থান পতন যত
কৰ্ম্মেসে কাৰণ সমস্তৰ।
এতেকে বুজিবা সাৰ সুখ লুব্ধ মনুষ্যাৰ
কৰ্ম্ম ভিন্ন বিত্ত নাহি আৰ ॥ ১৫৫

ভণিলন্ত কালিদাস সুমঙ্গল যাৰ আশ
ইহ পৰকাল দুয়ো ঠাই।
ভাগৱতী ধৰ্ম্ম ধৰা নিৰন্তৰ কৰ্ম্ম কৰা
আত্মশক্তি আত্মাত জগাই ॥ ১৫৬
দেখা যত জীৱ জাক বিয়পিছে দশোদিশ
বিনা কৰ্ম্মে ঠাইক নপান্ত।
কৰ্ম্ম লাগি উষমিষ কৰ্ম্মত মানয সুখ
কৰ্ম্মে আত্ম-শক্তিক বঢ়ান্ত ॥ ১৫৭
ঐশ্বৰ্য্য সম্পদ ধন উন্নাৰন আহৰণ
কৰিছেহি কৰ্ম্মৰ বলত।
সিসব সম্পদ দেখি, সমস্তয়ে মেলা আখি
ভোল হোৱা কৰ্ম্মৰ চিন্তাত ॥ ১৫৮
যাৰে হয কৰ্ম্মে মতি, আমাৰ আনন্দ অতি
জাতিৰ চিন্তিলা মহাহিত।
কৰ্ম্ম পন্থ অনুসৰি, ভাৰতক ৰক্ষা কৰি
সৱে গতি সাধিবা নিশ্চিত ॥ ১৫৯
তেৱে বুলি মহামতি, সাধিবা ঈশ্বৰ প্ৰীতি
লাভ হৈব ধৰ্ম্ম আৰু কীৰ্ত্তি।
মনুষ্য শকতি প্ৰাণ, ঈশ্বৰৰ মহাদান
কৃষ্ণ কৃষ্ণ ঘোষিয়ো সম্প্ৰতি ॥ ১৬০

---

## ঝুমুৰি

শুনা সৰ্ব্বজন, স্বৰূপ বচন
কলিৰ কত মানৱে ।
ভাগৱতী ধৰ্ম্ম, কায়-মনে ৰক্ষি
শিক্ষাৰ অধীনে সৱে ॥ ১৬১
জ্ঞান-বিজ্ঞানত, ভৈলন্ত পাৰ্গত
পালি ধৰ্ম্ম কৰ্ম্ম ব্ৰত ।
কৰি আত্মোন্নতি, উজ্বলাই ক্ষিতি
ৰচিলা নৱ জগত ॥ ১৬২
হেন শিক্ষা দান, ত্যজি বিপ্ৰগণ
প্ৰচাৰিল মন্ত্ৰ দীক্ষা ।
শিক্ষাৰ অভাৱে, ধৰ্ম্ম মানিলন্ত
আপোনাৰ প্ৰাণ ৰক্ষা ॥ ১৬৩
ব্ৰাহ্মণক মানি, ভাৰতৰ প্ৰাণী
নুবুজিল ধৰ্ম্ম তত্ত্ব ।
ধৰ্ম্মৰ অভাৱে, হই পশু সম
বিষয়ত ভৈলা মত্ত ॥ ১৬৪
ধৰ্ম্মহীন লোক, নুবুজে কৰ্ম্মক
যদিবা ধৰণী-পতি ।
লোকৰ সেৱাত, নমজয় চিত্ত
নেবায় মৃত্যুৰ ভীতি ॥ ১৬৫

সাৰ কৰি মানা, ধৰ্ম্মৰ কামনা
চতুৰ্ব্বৰ্গ ফল ৰস।
কদৰ্থয় দুঃখ, মিলে আত্ম-সুখ
পূৰ্ণ কৰে ভোগ আশ ॥১৬৬

ভোগে আনি ত্যাগ হয় মহাভাগ
সাধে দেশ জাতি হিত।
নৱ-জন্ম পাই আত বতি নাই
বুজে ধৰ্ম্মৰ মত ॥১৬৭

এতেক কাৰণে জানিবা জাতিৰ
উত্থান পতন হয়।
কেহুবা উন্নত কেহু অনুন্নত
জগৎ বিচিত্ৰময় ॥১৬৮

পূৰ্ব্ব বিপ্ৰগণ হই সযতন
ধৰ্ম্মতেসে মাত্ৰ প্ৰীতি।
এতেকে ব্ৰাহ্মণ সৰ্ব্বশ্ৰেষ্ঠ ভেল
আত্মাৰ শক্তি প্ৰকটি ॥১৬৯

ধৰ্ম্মৰ কাৰণ মহা ঋষিগণ
সৱে মহা তেজস্বন্ত।
ভূত ভবিষ্যত প্ৰত্যক্ষ দৰ্শিত
কৰ্ম্মত অৰপি চিত্ত ॥১৭০

বিষয় সম্পত্তি তাত নাহি মতি
ধৰ্ম্ম শিৰোগত কৰি।

সমস্তে কৃপাল, বিশ্বৰ মঙ্গল
বাঞ্ছে নানা ধ্যান ধৰি ॥ ১৭১
এতেকতে শান্তি, আছয় প্ৰকটি
তিনিয়ো যুগত জানা ।
আসিলন্ত কলি, যেয়ে ভৈল বলী
নাশিল ইটো সাধনা ॥ ১৭২
যত বিপ্ৰগণ. ঐশ্বৰ্য্যাত মন
ভৈলন্ত ঘোৰ সংসাৰী ।
অৰ্থ লালসাত, সৱে উন্মত্ত
ধৰ্ম্মৰ সাধনা এৰি ॥ ১৭৩
সাধনায় শিক্ষা, জানিবা আমাৰ
জীৱন প্ৰভাৱ বাঢ়ে ।
শিক্ষাৰ অভাৱে, আত্ম-প্ৰতিভাক
নজানয় কোনো নৰে ॥ ১৭৪
পশু পতঙ্গাদি, উদৰক লাগি
সৱেও কৰম কৰে ।
বিষয় সম্বন্ধ, সৱাৰো প্ৰৱন্ধ
কালে সকলোৱে মৰে ॥ ১৭৫
বিষয় বাহিৰে, নভৈল নৰৰ
সংসাৰত কিছু কৰ্ম্ম ।
বৃথা শিক্ষা যোগ, বৃথা ইন্দ্ৰি ভোগ
ভৈলা পশুৰেহে ধৰ্ম্ম ॥ ১৭৬

জানি বুজি মৰ্ম্ম, লোৱা আত্ম-ধৰ্ম্ম
ইসে পুৰুষাৰ্থ সাৰ ।
এইমানে মাত্র মনুষ্যৰ কাম
নাহি নাহি ধৰ্ম্ম আৰ ॥ ১৭৭
এহি ধৰ্ম্মকেই ভাগবতী নামে
নব সিদ্ধে বখানিল ।
নিমি অম্বৰিষ জনেক প্ৰভৃতি
কৰ্ম্মযোগে আচৰিল ॥ ১৭৮
এইমানে মাত্র ভকতিৰ কাম
এহিসে ধৰ্ম্মত চাৰ ।
অহিংসা আচৰি দেশ-সেৱা কৰি
পৰসুখ মানে সাৰ ॥ ১৭৯
আকাঙ্ক্ষা বিহীনে আপোনাক ৰক্ষে
পৰ উপকাৰ কৰি ।
তান্ক ব্ৰহ্ম পজ্ঞা বোলে জ্ঞানীগণ
কহিলো তত্ত্ব উদ্ধাৰি ॥ ১৮০
হেনয় কৰ্ম্মত. ত্যজে অহঙ্কাৰ
সবে জানি ব্ৰহ্মময় ।
অহঙ্কাৰ যেবে. ঘুচয় আত্মাৰ
বোলে আত্যন্তিক লয় ॥ ১৮১
আত্যন্তিক লয়, যেৱে লগ লয়
এৰায মায়াৰ হাত ।

মাযা আতৰিলে, হাৰ সেৱা মিলে
বুজিবা বাক্যে নিশ্চিত ॥ ১৮২
যেন মেঘগণ, থাকিলে গগণ
আদিত্যকো নেদেখয় ।
মায়াৰ কাৰণ, যত জীৱমান
হৰি সেৱা নজানয় ॥ ১৮৩
এতেকে সজ্জনে, আত্মাক চিন্তনে
মায়াক যত্নে তেজয় ।
হৰি সেৱা আশে, হৰিষ সন্তোষে
কৰ্ম্মত মাত্ৰ বৰ্ত্তয ॥ ১৮৪
কৰ্ম্মে পুৰুষক, যাৱত নেৰায
কৰিবন্ত ততকাল ।
কৰ্ম্মৰ পৰত, অৰ্পিব কৃষ্ণত
কৰ্ত্তাদি ক্ৰিয়াসকল ॥ ১৮৫
এহিসে ভকতি, ধৰ্ম্ম ভাগৱতী
ইসে সনাতন ধৰ্ম্ম ।
মহাত্মা গান্ধীয়ে, লোকত প্ৰচাৰি
কৰিলা দেশৰ কৰ্ম্ম ॥ ১৮৬
গান্ধী ধৰ্ম্ম কৰ্ম্ম, নৰৰ স্বধৰ্ম্ম
জানিবা নিশ্চয কৰি ।
হেনয় ধৰ্ম্মক, যিবা নমানয
মনুষ্য জনম ধৰি ॥১৮৭

ধিক ধিক তাৰ, জনম জীৱন
নৰ সুখে মিছা আশ।
কদৰ্থনাময়, সঙ্কট জীৱনে
মায়াবেসে হয় দাস ॥ ১৮৮
পৰ পীড়া হিংসা, কাৰ্য্যাদি নছাৰে
নেবায় কালৰ ভয়।
হয় হিংসা পাপ, সিকাৰণে তাপ
মৰি মৰি ওপজয় ॥ ১৮৯
শুনা সভাসদ. মিলিল আপদ
পৰিছে কলিৰ পালা।
ভক্তিৰ দুৱাৰে. কপাট লাগিছে
নিশ্চয় নহৈব খোলা ॥ ১৯০
অধমে উত্তম, থাকে মহাগুণ
দৃষ্টান্তৰ নাহি পাৰ।
পাপমতি কলি, ভৈল মহাবলী
লোকে বাঢ়ে অনাচাৰ ॥ ১৯১
তথাপি কলিত, অলপ আয়াসে
লোক হৈব পুণ্যভাগী।
জানি ভাগৱতী, ধৰ্ম্মৰ পাৰত
শৰণ লৈয়োক আগি ॥ ১৯২
ঘোৰ কলিকালে, মনুষ্যৰ ভালে
ইটো ধৰ্ম্ম প্ৰকাশয়।

হাতে কৰি কাম, মুখে লোৱা নাম
খণ্ডোক যমৰ দায় ॥ ১৯৩
আক জানি ভালে, কেহু আল্লা বোলে
কেহু "গড" হৰি বাণী।
নাম খলকনি, উঠে প্ৰতিধ্বনি
গোটেই জগত ছানি ॥ ১৯৪
জানি হৰি ৰাম, স্মৰা অবিৰাম
দম্ভ, দ্বেষ, ঘৃণা ঢাকি।
ভণে কালিদাস কৃষ্ণ সেবা আশ
কৃষ্ণ কৃষ্ণ বোলা ডাকি ॥ ১৯৫

---

## ছবি

বজিয়োক সৰ্ব্বজন, এতেকে নিৰ্ম্মল জ্ঞান
ধৰ্ম্মৰ ৰহস্য এতিমান
মহন্তক সমাদৰে, জন-সেৱা চিত্তে নেৰে
কৰ্ম্মক নেতোক্ক কৰ্ম্মৱান ॥ ১৯৬
নৃপতিৰ দণ্ডপাট, দৰিদ্ৰৰ পজা খাট
দুয়োটিয়ে সম সুখ ঠাই।
শঠৰ নাহিক শান্তি, ৰাজপদে আছে ক্লান্তি
দুস্কাৰ্য্যত সম্পদ নাশয় ॥ ১৯৭

দেহ স্বাস্থ্য আয়ু লাগি হয় ব্ৰতী হয় যোগী
কৰ্ম্ম লাগি তপ আচৰয় ।
ত্যজিয়া সকাম মতি নিষ্কামত আসকতি
হৰি সেৱা কৰ্ম্মত মিলায় ॥ ১৯৮
সেয়ে ভাগৱতী ধৰ্ম্ম মনুষ্য জন্মৰ কৰ্ম্ম
মহাত্মা গান্ধীৰ অভিমত ।
ইতাঙ্ক নামানা যেৱে আত্মাক নাশিবা তেৱে
মৃত্যুলব্ধ সুখৰ আশাত ॥ ১৯৯
ঈশ্বৰৰ কৃপাদান , যাৰ যেন শক্তি জ্ঞান
তেন মতে কৰ্ম্মে সাধ্য প্ৰীতি ।
পুণ তৈব নৰ কাম সৰ্ব্বক্ষণে লোৱা নাম
ৰাম ৰাম কৃষ্ণ যদুপতি ২০০

---

## ফুলৰি

পাই মহাদান মনুষ্য জনম
আত্মশক্তি সুবুজয় ।
জন্ম পুৰুষাৰ্থ সবে হয় ব্যৰ্থ
পশুৰ স্বভাৱ পায় ॥ ২০১
দাৰা, পুত্ৰ, কায় অন্ন, বস্ত্ৰ ৰয়
তাকেই সাৰ্থক মানে ।

ইহ পৰকাল হৈব কিবা ভাল
বুজয়োক অনুমানে ॥ ২০২
সিটো ঘোৰ পাপ মিলায় সন্তাপ
পুনঃ পুনঃ গৰ্ভবাস।
নাহি চিন্তা মনে ধৰ্ম্মৰ বিধানে
নিবহি যমৰ পাশ ॥ ২০৩
মৃত্যুৰ বেলাত আহি যমদূত
নিয়ে কৃতান্তৰ পুৰ।
অকৰ্ম্মক চান্দি কৰ্ম পাশে বান্ধি
ভুঞ্জায় যাতনা ঘোৰ ॥ ২০৪
ধৰি দূতচয় নানা বিকৰ্থয়
বোলে পৰিহাস বাণী।
জন্মৰ উদ্দেশ্য কিছু নুবুজিলি
পশু সুখ মনে গণি ॥ ২০৫
পৰ উপকাৰ নাভাবিলি মনে
নকৰিলি দয়া দান।
নাভাবিলি কিছু আত্মশক্তি লাগি
ধৰ্ম্মৰ কিবা বান্ধন ॥ ২০৬
দেশ জাতি-জ্ঞাতি নাসাধিলি প্ৰীতি
নামানিলি ধৰ্ম্ম নীতি।
আয়ু স্বাস্থ্য বল অকৰ্ম্মে নাশিলি
সাধিলি মনৰ প্ৰীতি ॥২০৭

দুর্ব্বলীৰ অন্ন কাঢ়ি খোৱা ভিন্ন
নভৈল আন যতন ।
পৰৰ বৈভৱ ছলে বলে কাঢ়ি
সাজিলি বিলাস স্থান ॥ ২০৮
আৰ্জিলিহি ধন নাহি ভোগ দান
পুত্ৰকো নিদিলি শিক্ষা ।
মোৰ মোৰ বুলি বোকোচাত তুলি
পশু সুখে দিলি দীক্ষা ॥ ২০৯
কৈত বৈৰ্শ তোৰ পুত্ৰ পৰিবাৰ
অতুল ঐশ্বৰ্য্য ধন ।
যাহাৰ সঙ্গত আত্মঘাত কৈলি
মনুষ্যত্ব কৰ্ম্ম জ্ঞান ॥২১০
নৰ-জন্ম পাই সপোনতো তই
নাভাবিলি একবাৰ ।
আছে এক স্থান যমৰ দেৱান
ভুঞ্জাবহি কৰ্ম্মফল ॥২১১
আৰু কত বুলি মাৰে ডাঙ্গ মাৰি
যেন আতাসতে মৰে ।
কৃমি কীট হই পুঁজ বিষ্ঠা খাই
শৰীৰক ৰক্ষা কৰে ॥২১২
ইটো কথা জানি গান্ধী আজ্ঞা মানি
ধৰ্ম্মত লোৱা শৰণ ।

মহাত্মাৰ পন্থা সৱে অনুসৰা
সাফল্য হৌক জনম ॥২১৩
শ্ৰীমন্ত শঙ্কৰ দেৱ দামোদৰ
আৰু বিপ্ৰ হৰিদেৱ।
তিনি জনা গুৰু যেন কল্পতৰু
কৰি হেন ধৰ্ম্ম সেৱ ॥২১৪
পৰ উপকাৰী কৰ্ম্মক আচৰি
দেশ জাতি উন্নতিলা।
ধৰ্ম্ম আৰু কীৰ্ত্তি ক্ষিতিত আৰোপি
অন্তে বৈকুণ্ঠত গৈলা ॥২১৫
তেন ধৰ্ম্মকেই প্ৰচাৰি আছয়
ৰজা প্ৰজা ধৰিলেক।
মহা-পুৰুষায়া আৰু দামোদৰা
হৰিদেৱী বোলে যাক ॥২১৬
ইসে মহা ধৰ্ম্ম, সত্য শুদ্ধ কৰ্ম্ম
জাতি কৰ্ম্মে নবাছয় ॥
গাৰো, ভোট, নগা মিকিৰ, ডফলা
মিৰি আদি জাতিচয় ॥২১৭
হেন ধৰ্ম্ম লই শুদ্ধাচাৰী হই
সাধিল আপোন গতি।
সন্তৰ সঙ্গত সৱেও আছিল
সৱে যেন একজাতি ॥২১৮

চান্দসাই নাম জাতিত যবন
শঙ্কৰৰ ধৰ্ম্ম লৈলা ।
মোল্লা-ধৰ্ম্ম এৰি অহিংসা আচৰি
স্বভাৱতে হিন্দু ভৈলা ॥২১৯
জাতি গুণ যত ধৰ্ম্ম অনুগত
ধৰ্ম্মক মানয় যেৰে ।
গুণ জ্ঞানে পূজা কৰে ৰজা প্ৰজা
বিপ্ৰেও শূদ্ৰক সেৰে ॥২২০
ইহাঙ্ক নমানি বোলে আন বাণী
শাস্ত্ৰজ্ঞ সিটো নহয় ।
যেন ক্ষুদ্ৰ নদী বিপথে চলয়
বৰষুণ জল পাই ॥২২১
বুলি মিছা যুক্তি যদি কৰা উক্তি
বুজোঁ আমি মুনিযাই ।
যুক্তিহীন মত নিশ্চিত নিশ্চিত
কাকৰ আতাস প্ৰায় ॥২২২
আপুনি বোলায় ব্ৰাহ্মণ গোসাঁই
বিপৰীত মন চিত্ত ।
সাধু সজ্জনক বচনে নিন্দয়
মদ অভিমানে মত্ত ॥২২৩
জাতি অজাতিৰ বিচাৰ আনয়
হই মহা সন্ত লোক ।

হেন সন্ত সেৱা কৰিয়োক ত্যাগ
স্বধৰ্ম্ম আসি মিলোক ॥ ২২৪
মদ মদ্য কাম দম্ভ দ্বেষ তাৰ
যিজন সন্তত নাই ।
হেনয় সন্তক সবে শুদ্ধ ভক্তি
ধৰ্ম্মৰ লোৱা আশ্ৰয় ॥ ২২৫
জানিবা নিশ্চিত সৃষ্টিৰ আদিত
নাছিলন্ত জাতি-ভেদ ।
ধৰ্ম্মক তিয়াগি ভৈলা নানা জাতি
জ্ঞাতি-গোত্ৰ ভৈলা ছেদ ॥ ২২৬
ব্ৰহ্মাৰ সন্ততি যত প্ৰজাপতি
সি সৱৰে নাতি-পুতি ।
সুৰাসুৰ নৰ গন্ধৰ্ব্ব কিন্নৰ
যক্ষ ৰক্ষ আদি জাতি ॥ ২২৭
মনুষ্য মধ্যতো ভৈল হেন মত
স্বধৰ্ম্মক কৰি ত্যাগ ।
যেন তেন মতে কৰ্ম্মক আচৰি
বাঞ্ছিল বিষয় ভোগ ॥ ২২৮
কৰ্ম্মে উচ্চ নীচ কৰিলা নৰক
কৰ্ম্মপাশে ভৈল দল ।
দল সমূহেই এক এক জাতি
কৰ্ম্মফলে বিৰচিল ॥ ২২৯

যদি ধৰ্ম্মে কৰ্ম্মে সম মতি গতি
অস্পৃশ্য নকৰা তাক।
নিজ ভাতৃ বুলি ধৰি আকোৱালি
প্ৰীতি সম্ভাষণ হোক ॥ ২৩০
মহাত্মা গান্ধীৰ, ইসে সদাচাৰ
ভাগৱতী ধৰ্ম্ম কয়;
জাতি সম্প্ৰদায়, বিবাদ যতেক
সমন্বয় হৌক লয় ॥ ২৩১
ভণে কালিদাস, জনসেৱা আশ
স্বধৰ্ম্মৰ হই বশ্য।
মোক্ষফল লাগি চিত্ত হোক আগি
জন্মৰ বুজি উদ্দেশ্য ॥ ২৩২
নমো নমো কৃষ্ণ হৃদয় আধাৰ
সমস্ত ঘটৰ স্বামী।
ভকতিৰ বলে, ভকতে দেখয়
হৃদয়তে আছা তুমি ॥ ২৩৩
আমি ভক্তিহীন, পাপমতি দীন
দেখিবাক শক্য নাই।
পতিত পাৱন, তুমি নাৰায়ণ
দীনৰ জানি আশ্ৰয় ॥ ২৩৪
বাঞ্ছা কৰো হেন, দিয়া মহাদান
মুখে নাম নছাৰোক।

শযনে ভোজনে কায় কৰ্ম্মে মনে
কৃষ্ণ কৃষ্ণ উচ্চাৰোক ॥ ২৩৫

———

পদ।

শুনিয়োক অনন্তৰ যত সভাসদ।
এহিমানে সমাপতি গান্ধী গীতা পদ
যতেক কহিলো কথা ধৰ্ম্ম কৰ্ম্ম বিধি
সতেক কহিলো গুণ মনুষ্যত্ব সিদ্ধি ॥ ২৩৬
সমস্ত কথাৰে তাৎপৰ্য্য এহিমান।
শুদ্ধ সত্ত্ব কৰ্ম্ম লাগি মানৱ জীৱন ॥
তেনে কৰ্ম্ম যোৰ মনুষ্যৰ হয় দূৰ।
কৰ্ম্মক বঞ্চিবে হয হৰি অৱতাৰ ॥ ২৩৭
নানা কৰ্ম্মে জগতত বাঢ়িল বৈভৱ।
সমস্ত ধৰণী ভৈলা স্বৰ্গ অনুভৱ ॥
অশ্বহীন মহাৰথ শূন্যত উৰিল।
লোকে অহোৰাত্ৰে ধৰণীক পৰ্য্যটিল ॥ ২৩৮
সপ্তদ্বীপে সমস্তৰে ভৈলা যাতায়াতি
নাহি কিছু কায় কেশ নাহি মৃত্যু-ভীতি ॥
তথাপিতো মানৱৰ নাহি শান্তি সুখ।
আশাত মিলায় যেন সবাৰ বিনাশ ॥ ২৩৯

প্ৰতি কণ্ঠে উচ্চাৰিল লালসাৰ বাণী।
দুৰ্নীতিৰ অত্যাচাৰে গ্ৰাসিল মেদিনী॥
নাহি যেন জগতত সত্যৰ সেৱক।
নাহি প্ৰেম ত্যাগ দান পীড়িছে আনক॥ ২৪০
সমস্ত মানৱে ভৈলা অৰ্থৰ অধীন।
বৈশ্য শূদ্ৰ ব্যৱসায়ে ৰক্ষিছে পৰাণ॥
অৰ্থ লাগি কৰিলন্ত উচ্চ নীচ কৰ্ম্ম।
সেয়ে ভৈলা জাতি কুল সেয়ে ভৈলা ধৰ্ম্ম॥ ২৪১
হেন বিপৰ্য্যয় দেখি কৰ্ম্মৰ গতিৰ।
অকৰ্ম্ম বাধিবে ভৈলা হৰি অৱতাৰ॥
আদি অন্তে বহুৰূপ কলিত নিশ্চয়
সমস্তৰে নগ্ন বেশ বৈৰাগ্য হৃদয়॥ ২৪২
দিলা যুগধৰ্ম্ম শিক্ষা সমাজত থাকি।
কৰ্ম্ম প্ৰদৰ্শক ভৈলা আপোনাক ঢাকি।
এতেকতে কলিযুগ অৱতাৰ যত।
কেহুজনে নিচিনিল যদিবা সাক্ষাত॥ ২৪৩
ইকাৰণে ঈশ্বৰক ত্ৰিযুগী বোলয়।
নৃসিংহ আগত বাণী প্ৰহ্লাদে ত্যজয়॥
হে মহাপুৰুষ দেৱ জগতৰ ঈশ।
তিনিয়ো লোকৰ গতি নমো জগবাস॥ ২৪৪
এনেমতে নৰ পশু অৱতাৰ ধৰি।
বিনাশ কৰাহা যত জগতৰ বৈৰী॥

কলিত হৈবাহা সন্ত অৱতাৰ যত ।
লোকক তাৰিবা লোকে নহৈবন্ত খ্যাত ॥ ২৪৫
এতেকে তোমাক প্ৰভু ত্ৰিযুগী বোলয় ।
তোমাৰ তত্বক ব্ৰহ্মা হৰে নজানয় ॥
এতেকে বুজিবা গান্ধী হৰি অৱতাৰ ।
মোহনচাঁদ কৰমচাঁদ নামত প্ৰচাৰ ॥ ২৪৬
সত্য শৌচ ত্যাগ দানে জগতৰ গুৰু ।
সত্য শুদ্ধ কৰ্ম্মে ভৈলা তপস্বী মুজাক ॥
জগতত ভাতৃ প্ৰেম কৰিলা প্ৰচাৰ ।
সৰ্ব্বহাৰা ভাৰতক কৰিলা উদ্ধাৰ ॥ ২৪৭
সাধনা যজ্ঞত সমৰ্পিল দেহ-প্ৰাণ ।
গোটেই জগতে গাইল তান জয়গান ॥
মানৱ মাজত হেন শক্তি আছে কাৰ !
এতেকে বুজিবা গান্ধী হৰি অৱতাৰ ॥ ২৪৮
যতেক শুনিলা গান্ধী গীতাৰ কাহিনী ।
সমস্ত বুজিবা হেন গান্ধীৰেসে বাণী ॥
জানি শাস্ত্ৰ উপদেশে ৰাখিয়োক আস্থা ।
স্বভাৱতে হৈবা ত্যাগী সত্য পৰাকাষ্ঠা ॥২৪৯
স্বাৰ্থ মোহ জালচয় হৈব নিষ্ঠে দূৰ ।
আনিব ভাৰতে সমপ্ৰিয় একতাৰ ॥
শুদ্ধ কৰ্ম্ম বোধহীন আন্ধাৰ ভাৰত ।
শুদ্ধ কৰ্ম্ম পোহৰত হৈব আলোকিত ॥ ২৫০

ন্যায় নীতি ধর্ম্মৰাজি মিলিব শাসন ।
ৰাম ৰাজ্যে নিবসিব যত প্ৰজাগণ ॥
এতেকে দেশৰ সমে কৰি আত্মোন্নতি ।
কৰ্ম্ম জ্ঞান ভক্তি যোগে সাধিবা জয়তি ॥২৫১
নমো নমো অহিংসাৰ পূৰ্ণ অৱতাৰ ।
নমো নমো পুণ্যশ্লোক পুণ্য ভাৰতৰ ॥
ত্যাগ দান সত্য প্ৰেম কৰিলা সাধনা ।
লুকাল জাতিৰ যত ঘৃণা আৱৰ্জ্জনা ॥২৫২
প্ৰচাৰিলা জগতত ভাতৃ-প্ৰেম তুমি ।
নমো নমো গান্ধী জগতৰ শান্তিকামী ॥
ভাৰতৰ ঋষি মুনি ধৰ্ম্মৰ সন্ধানে ।
নিৰাহাৰে দেহক হিংসিল পাৰেমানে ॥২৫৩
নিৰ্জ্জন কাননে থাকি মানে মহাহিত ।
কৰ্ম্ম ত্যজি ভিক্ষা কৰি শান্ত কৰে চিত্ত ॥
যিবা শুদ্ধ কৰ্ম্মে মহাপুৰুষ লক্ষণ ।
তাক ত্যজি বোলে সৰ্ব্বগুণান্বিত জন ॥২৫৪
আপুনি আচৰি কৰ্ম্ম দিলা শিক্ষাদান ।
নষ্ট গৈলা সিটো মোহ কৰ্ম্মে ভৈলা ধ্যান ॥
এতেকে মহাত্মা তুমি লোকত নিশ্চয় ।
মোৰ চিত্ত যেন তযু সেৱাত ৰময় ॥ ২৫৫
আনি দিলা ভাৰতক স্বৰাজ স্বাধীন ।
প্ৰচাৰিলা জগতত শান্তিৰ বিধান ॥
শেষ হল ধৰণীত নৰ দেহ কাম ।
এতেকে কৰিলা দেৱ বৈকুণ্ঠে গমন ॥২৫৬

কৃষ্ণে যেন গৈলা, স্বর্গে ব্যাধৰ শৰত।
উন্মাদ-আঘাতে ত্যজিলাহা নৰনাট ॥
সিটো মৃত্যু উপলক্ষ ইসে পৰিচ্ছেদ।
কৰ্ম্ম পন্থে ভাৱতে খণ্ডোক দুঃখ খেদ ॥২৫৭
জয় জয় জয় গান্ধী হৰি অৱতাৰ।
বিশ্বৰ বান্ধৱ বুলি কৰোঁ নমস্কাৰ ॥
নৰ-নাৰী সভাসদে আমাৰ মিনতি।
গান্ধী গীতা পদ এহিমানে সমাপতি ॥ ২৫৮
ৰচিলন্ত কালিদাস অজ্ঞ মূঢ়মতি।
দোষ এৰি গুণ লোৱা যত মহামতি ॥
বিষ্ঠাৰ মাজত যদি সোণ থাকে পৰি।
সাধুসৱে নেতেজয় তাক বিষ্ঠা বুলি ॥২৫৯
নমো নমো নাৰায়ণ প্ৰণত পালক।
তযু নাম গুণে মোক সদা নছাৰোক ॥
তুমি নিত্য সত্য শুদ্ধ চৈতন্য স্বৰূপ।
তযু সেৱা চোৰ হেতু দেখো নানা ৰূপ ॥২৬০
এতেকে নামক প্ৰভু কৰিছোঁ আশ্ৰয়।
সৰ্ব্বক্ষণে যেন মোৰ মুখে বাজ হয় ॥
মৃত্যু বেলা প্ৰাণ প্ৰয়াণৰ সময়ত।
কণ্ঠ ৰোধিবাক চাহে কফ, পিত্ত, বাত ॥২৬১
সেহি সময়তো যেন নছাৰো নামক।
অভয় চৰণে হেন শৰণ মিলোক ॥
এতেকে সাৰ্থক মানো পূৰ্ণ হয় কাম।
নিৰন্তৰে মুখে বাজ হৌক ৰাম ৰাম ॥ ২৬২

—অন্ত—

**— গান্ধী গীতা পোৱাৰ ঠাই —**

শ্ৰীকালিদাস খাটনিয়াৰ

নিত্যানন্দ, কামৰূপ

শ্ৰীকুলধৰ খাটনিয়াৰ

মৰিয়ান, শিৱসাগৰ

সাৰস্বত ভৱন

গুৱাহাটী, কামৰূপ

দামোদৰ প্ৰতিষ্ঠান

পাঠশালা, কামৰূপ

বেচ ॥৵০ দহ অন